ন হন্যতে [ ১৯৭৬ চনৰ সাহিত্য আকাদেমি পুৰস্কাৰপ্ৰাপ্ত উপন্যাস ]/ মূল ৰচনা [ বাংলা ] • মৈত্ৰেয়ী দেৱী/অসমীয়ালৈ অনুবাদ মনুসেন/প্ৰথম প্ৰকাশ: ছেপটেম্বৰ ১৯৭৭। দ্বিতীয় প্ৰকাশ • অগাস্ট ১৯৮৬/প্ৰকাশক বনবিহাৰী চক্ৰৱৰ্তী, ভৱানী পাবলিছিং কনছাৰ্ন ১-এইচ বাধানাথ মল্লিক লেন, কলিকতা ৭০০০১২/মুদ্ৰক জগৎমাতা প্ৰেছ, ৪২ বিদ্যাসাগৰ ষ্ট্ৰিট, কলিকতা ৭০০০০৯/বেটুপাত তুষাৰ সান্যাল।

---

বত্ৰিশ টকা

---

NA HANYATE [ WINNER OF SHAHITYA ACADEMI AWARD, 1976 ] A NOVEL ORIGINALLY WRITTEN IN BENGALI BY MAITREYE DEVI, AND TRANSLATED IN ASSAMESE BY MONUSEN

# অনুবাদ প্ৰসংগত

অনূদিত কবিতা মূল কবিতাৰ জকা মাখোন—এই কথা সৰ্বজনবিদিত। কিয়নো মূল ভাষাৰ শব্দ-ব্যঞ্জনাক আন এটি ভাষাৰ শব্দ সম্ভাৰেৰে হুবহু দাঙি ধৰাটো প্ৰায় অসাধ্য। গদ্য-সাহিত্যৰ বেলিকা অৱশ্যে কথাটো কিঞ্চিত সুকীয়া। কিয়নো গদ্যৰ ভাষা কবিতাৰদৰে আবেগময় নহয়। কিন্তু কেতিয়াবা কেতিয়াবা সৃষ্টিশীল গদ্য-সাহিত্যও কাব্যধৰ্মী হয় আৰু তেনে ক্ষেত্ৰত অনুবাদকৰ পক্ষে অনুবাদ নামৰ গধুৰ বোজাৰ কামটো ভালুকৰ সাঙ্গী যেন হৈ পৰে। পৃথিৱীৰ বহুতো মহৎ উপন্যাস আৰু নাটক আবেগধৰ্মিতাৰ ফালৰপৰা প্ৰায় একো একোটা দীৰ্ঘ কবিতাৰ দৰে। উদাহৰণস্বৰূপে ছেমুৱেল বেকেটৰ বিখ্যাত নাটক WAITING FOR GODOT'ৰ নামটো উনুকিয়াব পাৰি॥ কিন্তু বেকেটে যিহেতু মূল ফৰাচী ৰচনাৰপৰা নিজেই নাটকখন ইংৰাজীলৈ অনুবাদ কৰিছিল, সেই হেতুকে মূল নাটকৰ কাব্যিক সুৰটো তেওঁ হয়তো ইংৰাজী অনুবাদতো প্ৰতিধ্বনিত কৰিবলৈ সক্ষম হৈছিল। কিন্তু যি ক্ষেত্ৰত অনুবাদক স্বয়ং গ্ৰন্থকাৰ নহয় স্বতন্ত্ৰ ব্যক্তি, সেই ক্ষেত্ৰত অনূদিত গ্ৰন্থখনো অলপ স্বতন্ত্ৰবীয়া হ'ব পাৰে।

এই উপন্যাসখনৰ অনুবাদৰ ক্ষেত্ৰত অনুবাদক হিচাপে মই স্বাতন্ত্ৰ্যৰ সন্ধান কৰাতকৈ মূল উপন্যাসৰ স্বাভাৱিকতাক যথাসম্ভৱ অবিকৃত ৰাখিবলৈ সততে চেষ্টা কৰিছোঁ। কিন্তু এইখিনিতেহে কেতিয়াবা আহুকালত পৰিবলগা হয়। অনুবাদকৰ্মত মূল ৰচনাক অবিকৃত ৰখাৰ এই প্ৰচেষ্টাৰেই কেতিয়াবা কেতিয়াবা চৰম বিকৃতিৰ নামান্তৰ হয়গৈ। কিয়নো দুটা ভাষাৰ মাজত যিমানেই আত্মীয়তা নাথাকক লাগিলে—চৰিত্ৰৰ ফালৰপৰা হয় বেলেগ বেলেগ—একেগৰাকী মাতৃৰ বেলেগ বেলেগ চৰিত্ৰৰ দুটি সন্তানৰ দৰে। সামঞ্জস্য স্থাপনৰ চেষ্টা মই সদায়েই কৰিছোঁ; কিন্তু স্বাভাৱিকতাৰ মাত্ৰা অতিক্ৰম কৰাৰ কোনো প্ৰচেষ্টা মই কৰা নাই। সহৃদয় পঢ়ুৱৈ ৰাইজে অনুবাদকৰ এই 'তলে গো-বধ ওপৰে ব্ৰহ্মবধ' পৰিস্থিতিক সহানুভূতিৰে বিচাৰ বিবেচনা কৰি চালে অনুবাদক আৰু পাঠকৰ মাজত এখন বুজাবুজিৰ সাঁকো গঢ় ল'ব পাৰে।

মঞ্জুসেন

## পাতনি

উপন্যাসৰ কোনো পাতনিৰ প্ৰয়োজন নাই, ই নিজৰ কথা নিজেই কয়। তথাপি মই সামান্য কৈফিয়ৎ দিবলগাত পৰিছোঁ। এই কিতাপখনত স্বয়ং ৰবীন্দ্ৰনাথৰ বাহিৰেও আন বহুতৰে নাম উল্লেখ কৰিছোঁ—যিসকল এদিন জীৱিত আছিল। এই কাহিনী ৰূপ দিয়াৰ ক্ষেত্ৰত তেওঁলোকৰ প্ৰকৃত নাম উল্লেখ কৰাৰ সিমান সাৰ্থকতা হয়তো নাছিল। মই কেৱল এটা যুগৰ চিত্ৰ আঁকিবলৈ বিচাৰিছিলোঁ, যিটো যুগ এইসকল মহাপুৰুষ আৰু অসামান্য নাৰীসকলৰ উপস্থিতিৰে উদ্ভাসিত হৈ উঠিছিল। কোনো কাল্পনিক নাম ব্যৱহাৰ কৰি সেই যুগটো মোৰ মনত সত্য হৈ উঠা নাছিল।

মৈত্ৰেয়ী দেৱী



১ ছেপ্তেম্বাৰ ১৯৭২।

আজি মোৰ জন্মদিনৰ উৎসৱত তোমালোক আহিছিলা, পাৰ্বতী আৰু গৌতমী। তোমালোকেই উৎসৱ পাতিছিলা, কিন্তু তোমালোকে তেতিয়া নাজানা, তেতিয়াই, ঠিক তেতিয়াই, যেতিয়া এইখন ঘৰত গীত গোৱা হৈছিল, গল্প চলিছিল, মই হাঁহি আছিলোঁ, তেতিয়া মই ইয়াৰপৰা আঁতৰি গৈ আছিলোঁ। মোৰ মনৰ মাজত সময়ৰ প্ৰবাহৰ খোকিবাখোৰ, সি মোক স্পৰ্শ কৰিছিল, মই গৈ আছিলোঁ, গৈ আছিলোঁ ভৱিষ্যতলৈ নহয়, অতীতলৈ ।

এতিয়া মাজনিশা উকলিল, দুই বাজিল চাগৈ—মই বাৰাণ্ডাত থিয় হৈ আছোঁ—ইয়াৰপৰা পূৰ্ণ আকাশ দেখোঁ, অৰ্ধেক সপ্তৰ্ষিয়ে অনন্ত প্ৰশ্নৰ দৰে মোৰ মুখলৈ চাই আছে।

প্ৰশ্ন প্ৰশ্ন প্ৰশ্ন

আজি এই প্ৰশ্নই কিমান যুগ পাৰ হৈ আকৌ কিয় মনত ভুমুকিয়ালে? কোনো প্ৰয়োজন নথকা এটা ঘটনা কিয় মোৰ জীৱনত ঘটিল? আকৌ দেখিছোঁ—ইয়াৰ আৰম্ভণিও নাই, সামৰণিও নাই।

আকাশৰ তৰাবোৰ উজ্জ্বল, কিমান মানুহৰ কিমান যন্ত্ৰণাৰ সাক্ষী যে সিহঁত। সৌ আকাশে মোৰ সমগ্ৰ মনটোক আঁজুৰিছে—মই যেন ইয়াত নাই, ইয়াত নাই,—অথচ মই তো ইয়াতে আছোঁ। ইয়াৰপৰা ক'লৈকো যাব পাৰোঁনে মই—? এইখনেই মোৰ চিনাকি সংসাৰ। শোৱাকোঠাত মোৰ স্বামীয়ে নিঃচিন্তে টোপনিয়াইছে। মোৰ সম্পৰ্কে কেনে নিঃসংশয়, মোক তেওঁ ভালকৈ চিনিও নাপায়, অথচ কেনে গভীৰভাবে ভাল পায়, মোৰ ওপৰত কেনে বিশ্বাস। ময়েই তেওঁৰ সকলো। মোক কেন্দ্ৰ কৰিয়েই তেওঁৰ পৃথিৱীখন আৱৰ্তিত হৈছে। কিন্তু মোয়েই যে মোৰ সকলো নহয়, এই কথাষাৰ তেওঁ নিশ্চয় কিবা প্ৰকাৰে জানে, তথাপি সেই কথাত তেওঁৰ একণো ক্ষোভ নাই। ক্ষোভ নাই মোৰো।